# শ্ৰীশ্ৰীগুৰু গুণমালা

মহাপুৰুষ — শ্ৰীশ্ৰীশঙ্কৰ দেৱ আৰু
শ্ৰীশ্ৰীমাধৱ দেৱৰ সংক্ষিপ্ত জীৱনী।

৺পৰমানন্দ আতৈ ভণিত

মহাপুৰুষ শ্ৰীমাধৱদেৱৰ ৰচিত 'গুৰুভটিমা' সহ



— অধ্যাপক —

শ্ৰীমহেশচন্দ্ৰ দেৱ গোস্বামী সঙ্কলিত।

প্ৰকাশক — "পাঠচক্ৰ"
হয়বৰ গাওঁ, নগাঁও।

প্ৰথম সংস্কৰণ
৫০১ শ্ৰীশঙ্কৰাব্দ
আহাৰ।



পৰিবেশক — শেৱালি প্ৰকাশ ভৱন, নগাঁও।

ছাপোতা —
শ্ৰীকামেশ্বৰ নাথ।
শেৱালি প্ৰেছ
নগাঁও - অসম

বেচ—আঠ অনা মাত্ৰ

# শ্ৰীশ্ৰীগুৰু গুণমালা

ভটিমা।



শ্ৰীকৃষ্ণায় নমঃ

জয় গুৰু শঙ্কৰ সৰ্ব্ব গুণাকৰ
যাকেৰি নাহি উপাম।
তোহাৰি চৰণক ৰেণুশত কোটি
বাৰেক কৰোহোঁ প্ৰণাম॥
দৰশিত সুন্দৰ গৌৰ কলেৱৰ
ঐসন সুৰ পৰকাশ।
সকল সভাসদ ৰঞ্জন যাকেৰি
দৰশনে পাপ বিনাশ॥
বিনে অঙ্গ ভূষণ পেখি সুশোভন
গহীন গম্ভীৰ ধীৰ মতি।
আয়ত কমল নয়ন বৰ সুন্দৰ
বয়ান চাঁদকহো জোতি॥

লীলা গজগতি গমন বিলোকন
বাণী মেঘ গম্ভীৰ ।
পাষণ্ড মৰ্দ্দন কলিকো কালে
যাকো সম নাহি ধীৰ ॥
যোহি নাৰায়ণ মায়া বিস্তাৰি
কৰু ত্ৰিজগত নিৰমান ।
সনক সনাতন যোগী যাকেৰি
মহিমা কবহু নজান ॥
সকল চৰাচৰ পালনকাৰী
যো হৰি দেৱক দেৱা ।
চতুৰবয়ন শিৱ সুৰপতি যাকেৰি
কৰু নিত চৰণহি সেৱা ॥
চাৰি বেদ শিৰোমণি মাঝে
যাকেৰি চৰণ বিকাশ ।
সোহি দেৱক কয়লি কলিকো
শঙ্কৰ দেৱ পৰকাশ ॥
ত্ৰিভুবন বন্দন দৈৱকী নন্দন
যোহৰি মাৰল কংস ।
জগজন তাৰণ দেৱ নাৰায়ণ
শঙ্কৰ তাকেৰি অংশ ॥
মায়া নৰ-তনু ধৰি হৰি ভকতি
কয়লি বহু পৰচাৰ ।

সবনৰ পাপ পয়োধিমজ্জল
তাতে কয়লি উদ্ধাৰ ॥
অব নিশি চাৰি বেদ বিচাৰি
বেকত কৰু হৰি নাম ।
যাকেৰি বয়নে মিলাই গাই
পাই মনোৰথ কাম ॥
পণ্ডিত মানী বেদ বখানি
গৰব কয়লি সব চুৰ ।
গীত কবিত্ব গুণ শঙ্কৰ দেৱৰ
কীৰিতি গয়ো বহুদূৰ ॥
শ্ৰীযশ দান মান ভূত দায়
সব গুণ সম্পন্ন ঠিক ।
ভকতক ভকতি দানে কৰু গুৰু
দায়া তনয় অধিক ॥
হৰিক মুকুতি সুকৃতি মন গমন
মজ্জন আনন্দ সিন্ধু ।
ঐচন নিৰমল হৃদয়ে বিকশিত
ভকত-কুমুদ কুল ইন্দু ॥
নিজকুল তাৰি ভকতি বিস্তাৰি
বান্ধল হৰিগুণ সেতু ।
কলিযুগে পাপ পয়োধিক সবনৰ
তাৰণ কাৰণ হেতু ॥

ভকতি ভণ্ডার হাবসব হোবি
মুকুতি কয়লি উদাস ।
এক শবণ হবি নাম ধৰম বহো
বাজা কক পবকাশ ॥
কি কহব শঙ্কব দেৱৰ মহিমা
জানি অন্ত নাপাই ।
যাকেবি চবণক বেণু শিবে পবশি
মুকুতি সুখ সুখে পাই ॥
মাধৱ দীন মুকুখমতি কহয়
বাণী সব শুণ লোই ।
বিনে গুরু চবণ ভকতি বকতি
মুকুতি কবহু নহোই ॥
ওহি পবম তত্ত্ব বেদকোবাণী
জানি নব নকব বিবাম ।
ধবমক কবমক গববক ছোবি
ডাকি বোলহু বাম বাম ॥

---



# শ্ৰীশ্ৰীগুৰু-গুণমালা

ঘোষা ।

গুৰু ব্ৰহ্ম গুৰু ব্ৰহ্ম ।
ভজা জানি ধৰ্ম্ম ॥১॥

পদ ।

নমো শঙ্কৰৰ, পদকমলৰ,
মহা মনোহৰ বেণু শ্ৰেষ্ঠতৰ ॥১॥
কলিৰ কালত, মহা ধৰ্ম্মৰত,
সবে ভৈল হত, দেখি মহাতত্ত্ব ॥২॥
কুসুম্বৰ ঘৰে, দেৱ দামোদৰে,
ভকতৰ অন্তৰে জন্মিলা সত্বৰে ॥৩॥
মহা মনোহৰ, গৌৰকলেৱৰ,
বক্ষ সম সৰ, দেখিতে সুন্দৰ ॥৪॥
মাথা চত্ৰাকৃত, আতি মনোনীত,
কৰ্ণ সুমণ্ডিত, বাহু সুবলিত ॥৫॥
ললাট সুসম ভ্ৰূৱ উত্তম,
কামধনু সম, দেখি মনোৰম ॥৬॥

পদ্ম পাণী নয়, নয়ন জ্বলয়,
দেখি শোভাময় মনক মোহয় ॥৭॥
উন্নত নাসায়, তিল ফুল প্ৰায়,
বন্ধুলিৰ নয় অধৰ জ্বলয় ॥৮॥
কম্বুৰেখানয়, গ্ৰীৱ শোভা হয়,
ৰহল হৃদয় চিবুক শোভয় ॥৯॥
পত্ৰ অশ্বথ। দেখিতে সুন্দৰ,
ৰেখা মনোহৰ, জ্বলয় উদৰ ॥১০॥
ৰত্নৰ মোলান বাহু দুই খান,
দেখিতে সুঠান আঙ্গুলিৰ বান ॥১১॥
নৱকিশলয় কৰ ৰত্ন ময়,
দেখি শোভাময়, নখ চন্দ্ৰ চয় ॥১২॥
ডম্বৰুৰ নয় কটি বিৰাজয়,
সৰোবৰ প্ৰায়, নাভিৰ অন্বয় ॥১৩॥
ৰামকলাসম, উৰুনিৰুপম,
কৰিকৰ সম জানুমনোৰম ॥১৪॥
জঙ্ঘা মনোহৰ, দেখিতে সুন্দৰ,
বাক সমসৰ, নাহি পটন্তৰ ॥১৫॥
চৰণ কমল, দেখিতে উজ্জ্বল,
ৰঙ্গা পদতল চিহ্ন সকল ॥১৬॥
আঙ্গুলিৰ পান্তি নখ চন্দ্ৰ কান্তি
দেখি খণ্ডে ভ্ৰান্তি, তাপ উপশান্তি ॥১৭॥

মহা মনোহৰ, দিব্য তনুধৰ,
গুৰু ভকতৰ শ্ৰীমন্ত শংকৰ ॥১৮॥
পাষণ্ডৰ অ'ৰ, দেৱ শ্ৰীহৰি,
শিশুৰূপধৰি, আছে অৱতৰি ॥১৯॥
সূতিকা গৃহত, ভৈলন্ত বেকত
দেখি লোক যত, বিস্ময় মনত ॥২০॥
সত্যসন্ধ্যা আই ৰোমাঞ্চিত কায়,
আনন্দক পায়, তাঙ্ক আছে চায় ॥২১॥
শিশুৰূপ ভৈলা, খাইয়ে ধুৱাইলা,
কোলে তুলি লৈলা, স্তনক পীয়াইলা, ॥২২॥
কুসুমে দেখিল, পুত্ৰ উপজিল,
সপটে আনিল, মহাদান দিল ॥২৩॥
দৈবজ্ঞ অনাইল, জাতক গণাইল,
খড়িক ধৰিল, গ্ৰহকোষ্টিকৈল ॥২৪॥
দৈবজ্ঞে বোলয় তোমাৰ তনয়,
মনুষ্য নোহয়, ঈশ্বৰ নিশ্চয় ॥২৫॥
সমস্তে শাস্ত্ৰত হৈবন্ত পাৰ্গত,
ভকতি বেকত কৰিবে লোকত ॥২৬॥
তীৰ্থ ক্ষেত্ৰ যত, কৰিবে গতত,
শাস্ত্ৰ ভাগৱত, কৰিবে বেকত ॥২৭॥
শুনি কুসুম্বৰ, আনন্দ বিস্তৰ,
বিপ্ৰ দৈবজ্ঞৰ মন পূৰকৰ ॥২৪॥

পঞ্চ দিন হন্তে, গরুড় মন্তস্তে,
চত্র ধরিলন্ত, সেৱা করিলন্ত ॥২৯॥
ৰাম ৰাম গৈলা, আইয়ে দেখিলা,
শিশু কাযে থৈলা, ভিতৰ পশিলা ॥৩০॥
ৰাম ৰাম সন্ত, আসিয়া আছন্ত,
গুরু কহিলন্ত, লীলা অপর্য্যান্ত ॥৩১॥
ঘনক্ষীৰ পাইলা, দুইহস্তে খাইলা,
আইয়ে দেখিলা, পাত্র কাঢ়ি নিলা ॥৩২॥
আত অনন্তৰ, দেৱ শঙ্কৰৰ,
চৰিত্র সুন্দৰ, শুনা সবে নৰ ॥৩৩॥
আঁঠুক কাঢ়ন্ত, দেৱভগৱন্ত,
থিয়দঙ্গা দেন্ত, লৱড়ি ফুৰন্ত ॥৩৪॥
পিতাৰ মাতাৰ, আনন্দ অপাৰ,
তাক কহি আৰ, কোনে পাৱে পাৰ ॥৩৫॥
মাৱক ধৰন্ত, কোলে তুলিলন্ত,
স্তনক পীয়ান্ত, সন্তোষ লভন্ত ॥৩৬॥
ভূঁঞা সমস্তৰ, শিশু নিৰন্তৰ,
সঙ্গে শঙ্কৰৰ, ক্রীড়ে বহুতৰ ॥৩৭॥
সৰ্পক চড়ান্ত, গোলাক্ষে ধৰন্ত,
লোক দেখন্ত, নিচিনি ৰৱন্ত ॥৩৮॥
আনো শিশুলীলা শঙ্কৰে কৰিলা,
কৃষ্ণে যেন লীলা, গোকুলে কৰিলা ॥৩৯॥

গো জাকে লবন্ত, | উমলি ফুৰন্ত,
শিশু অপৰ্য্যান্ত, | সঙ্গত ভ্ৰমন্ত ॥২০॥
ভটাক খেলন্ত, | কতো ভুগ দেন্ত,
আঁৰদি পলান্ত | মালাৰী খেলন্ত ॥৪১॥
আনো নানা লীলা, | শঙ্কৰে কৰিলা,
অমৃত পীয়াইলা, | লোক নিস্তাৰিলা ॥৪২॥
ভুঁঞা সমস্তৰ, | শিশু নিৰন্তৰ,
কিনো পুণ্যবৰ, | কৰিলা বিস্তাৰ ॥৪৩॥
চাৰিও দেৱৰ | শিবৰ বস্তুৰ,
বিস্তু শ্ৰেষ্ঠতৰ, | শ্ৰীমন্ত শঙ্কৰ ॥৪৪॥
যাহাৰ সঙ্গত, | ক্ৰীড়িলা সতত,
কিনো পুণ্যব্ৰত, | কৰিছে পূৰ্ব্বত ॥৪৫॥
কতোহো নাচন্ত, | কতো ৰাগৰন্ত,
খেলি খেলাৱন্ত | উমলি ফুৰন্ত ॥৪৬॥
কৃষ্ণে যেন লীলা | পূৰ্ব্বত কৰিলা,
সেই মত লীলা, | গুৰু আচৰিলা ।৪৭॥
বাছুৰ বৎসৰ, | ক্ৰীড়িলা শঙ্কৰ,
আত অনন্তৰ, | শুনা সবেজন ॥৪৮॥
একদিন পিতা, | বাক্যে সংকোপিতা,
বুজিলেক হিতা, | মহন্ত গৰ্হিতা ॥৪৯॥
শুনিয়ো শঙ্কৰ, | মোহোৰ উত্তৰ,
আমাৰ বংশৰ, | নাহি মূৰ্খনৰ ॥৫০॥

শাস্ত্ৰ বিচাৰিল, বাদক কৰিল,
উত্তৰে ঘটাইল, পণ্ডিত ভঙ্গাইল ॥৫২॥
আনো বহুতৰ, দিলন্ত উত্তৰ,
শুনিয়া শঙ্কৰ, বুলিলা সত্বৰ ॥৫১॥
ছাত্ৰশালা যাওঁ গুৰুক ভেটায়ো,
ফলিক দিয়ায়ো আমাক পঢ়ায়ো ॥৫৩॥
শঙ্কৰক নিল, ছাত্ৰ শালে দিল,
গুৰুৱে দেখিল শাস্ত্ৰক পঢ়াইল ॥৫৪॥
একদিনা অন্তে, আসিয়া অনন্তে,
চত্ৰ ধৰিলন্ত সেৱা কৰিলন্ত ॥৫৫॥
পাছে মহাসন্ত, কন্দলি মহন্ত,
গুৰু আমিলন্ত, শৰণ লৈলন্ত ॥৫৬॥
যত শাস্ত্ৰগৰ্ণ, পুৰাণ ব্যাকৰ্ণ,
তন্ত্ৰ বাক্য গণ, জানি নাৰায়ণ ॥৫৭॥
বিদায় কৰিলা, গৃহক আসিলা,
বিপ্ৰক অনাইলা, ভোজন কৰাইলা ॥৫৮॥
দক্ষিণা কৰিলা, আনন্দ লভিলা,
আশীৰ্ব্বাদ দিলা, গৃহক চলিলা ॥৫৯॥
শাস্ত্ৰ নিৰন্তৰ, পঢ়িলা শঙ্কৰ,
দেখি কুসুম্বৰ, আনন্দ বিস্তৰ ॥৬০॥
লীলা বহুতৰ, কৰিলা শঙ্কৰ,
আত অনন্তৰ, শুনা সবেনৰ ॥৬১॥

লোহিতে স্নানন্ত,
গীতাক পাইলন্ত,
নামি সান্তৰন্ত,
আনন্দ ভৈলন্ত ॥৬২॥
নানান লীলাৰ,
মানৱ বিহাৰ,
কোন প্ৰকাৰে পাৰ,
কৰিলা অপাৰ ॥৬৩॥
মহা শান্ত মতি,
বিহাইলা সম্প্ৰতি,
আই সূৰ্য্যৱতী,
গুৰু মহামতি ॥৬৪॥
ঘৰে আনিলন্ত,
আই চলিলন্ত,
মনু জন্মিলন্ত,
উদাস ভৈলন্ত ॥৬৫॥
বৰ আনিলন্ত,
বিহা কৰিলন্ত,
হৰিক দিলন্ত,
সম্প্ৰতি থৈলন্ত ॥৬৬॥
ক্ষেত্ৰে চলিলন্ত,
গঙ্গা স্নানিলন্ত,
বিদেশী ভৈলন্ত,
গুৱেষা গৈলন্ত ॥৬৭॥
পাণ্ডা দৰশন্ত,
শৰণ লৈলন্ত,
গুৰু মানিলন্ত,
হৰি ভজিলন্ত ॥৬৮॥
মাস তিনিতয়,
যত ক্ষেত্ৰচয়,
অ ছিলন্ত তয়,
ফুৰিলা নিশ্চয় ॥৬৯॥
বৃন্দাবনে গৈলা,
কৃষ্ণ যেন লীলা,
আনন্দে ক্ৰীড়িলা,
পূৰ্ব্বত কৰিলা ॥৭০॥
বৃন্দাবন সন্ত,
গুৰু মানিলন্ত,
পৱন মহন্ত,
শৰণ লৈলন্ত ॥৭১॥
মাধৱ কমলা,
শুভ মিলিলা,
শঙ্কৰে জানিলা,
শ্ৰীকৃষ্ণ কহিলা ॥৭২॥

মোর প্রিয়তম,
নাহি যাক সম,
মাধব মহন্ত.
হেন কহিলন্ত,
উদ্ধবক পাইলা,
পূর্ব্ব গুণ লীলা,
ভক্তক দেখিল,
লোতক ঝড়িল,
পূ!র্ব্ব পঠাইলন্ত,
সবে ফুরিলন্ত,
আত অনন্তর,
কৃষ্ণর বাসর,
রুক্মিনীর ঘর,
শয্যাত বত্তুর,
শ্যামতনু পীত,
লক্ষ্মীঅঙ্গ স্থিত,
কিরিটি কুণ্ডল,
কৌস্তুভ উজ্জ্বল,
হস্তচারি খন,
কেয়ূর কঙ্কণ
বলহ হৃদয়,
পরি শুশ্রবয়,
বান্ধব পরম,
ভকত উত্তম ॥৭৩॥
তেহে জন্মিলন্ত,
ক্ষেত্র ফুরিলন্ত ॥৭৪॥
আলিঙ্গি ধরিলা,
সমস্তে কহিলা ॥৭৫॥
আনন্দ মিলিল,
প্রেমত মজিল ॥৭৬॥
যি সব মহন্ত,
গুরু মহাসন্ত ॥৭৭॥
দ্বারকা নগর,
পাইলন্ত শঙ্কর ॥৭৮॥
পশিয়া সত্বর,
বসিলা শঙ্কর ॥৭৯॥
বসনে ভূষিত,
বহুল হৃদিত ॥৮০॥
করে ঝলমল,
শোভে রত্নুগল ॥৮১॥
আতি বিতোপন,
প্রকাশে ভূষণ ॥৮২॥
বন মালাত্রয়,
ভ্রমরে ঝঙ্কয় ॥৮৩॥

রতনে রচিত, মেখলা কটিত,
জঙ্ঘা সুবলিত, হোড়রে জড়িত ॥৮৪॥
চরণ কমল, নপুর উজ্জ্বল,
অতি সুকোমল, রঙা পদ তল ॥৮৫॥
ধ্বজ ব্রজ যর, চিহ্ন অভিনব,
দেখন্তে উৎসব, আছন্ত মাধব ॥৮৬॥
শয্যা মাজে পশি, গুরু মহা যশী,
প্রকাশন্ত বসি, যেন কোটি শশী ॥৮৭॥
ভক্ত চারিজন, অতি বিভোপন,
মহারঙ্গ মন, চাহিছা বদন ॥৮৮॥
আত অনন্তরে, শ্রীমন্ত শঙ্করে,
দ্বারকা নগরে, ভ্রমিলা সত্বরে ॥৮৯॥
তৈক আসিলন্ত, লগে চারি সন্ত,
চৈতন্যে পাইলন্ত, সম্ভাষা ভৈলন্ত ॥৯০॥
রাধাদাস সন্ত, গুরু মানিলন্ত,
শরণ লৈলন্ত, হরি ভজিলন্ত ॥৯১॥
ত্রিজটা সন্ন্যাসী, তেহো ব্রজবাসী,
গুরুক উপাসি, ভজিলন্ত আসি ॥৯২॥
গোপীনাথ সন্ত, রুদ্রী আছিলন্ত,
শরণ লৈলন্ত, হরি ভজিলন্ত ॥৯৩॥
সেতু খণ্ডন্ত, বিশ্বনাথ সন্ত,
গুরু মানিল , শরণ লৈলন্ত ॥৯৪॥

ৰাম ভদ্ৰ সন্ত, গুৰু মানিলন্ত,
কৰ্ম্ম এৰিলন্ত, হৰি ভজিলন্ত ॥৯৫॥
কৃষ্ণ কান্ত সন্ত, পৰম মহন্ত,
গুৰু মানিলন্ত, হৰি ভজিলন্ত ॥৯৬॥
গঙ্গাধৰ সন্ত, পৰম মহন্ত,
গুৰু মানিলন্ত, হৰি ভজিলন্ত ॥৯৭॥
ৰুদ্ৰপদ নাম, তেজি আন কাম,
গুৰুক প্ৰণাম, ভজিলন্ত ৰাম ॥৯৮॥
শ্ৰীধৰ আছন্ত, পৰম মহন্ত,
শৰণ লৈলন্ত, হৰি ভজিলন্ত ॥৯৯॥
ৰাম ভট্ট সন্ত, গুৰু মানিলন্ত,
শৰণ লৈলন্ত, হৰি ভজিলন্ত ॥১০০॥
বিষ্ণু দত্ত নাম, অতি অনুপাম,
কৈলা পৰশুৰাম, গুৰুক প্ৰ াম ॥১০১॥
বিষ্ণুপুৰী সন্ত, পৰম মহন্ত,
ব্ৰহ্মানন্দ সন্ত, শৰণ লৈলন্ত ॥১০২॥
ৰূপ সনাতনে, গুৰুৰ চৰণে,
পৰম যতনে, পশিল শৰণে ॥১০৩॥
আনো যত সন্ত, শৰণ লৈলন্ত,
তাক কহি অন্ত, কোনে কৰিবন্ত ॥১০৪॥
আমি মূঢ়জন, গুৰু গুণগণ,
কৰিলো গাঁথন, ক্ষমা সন্ত জন ॥১০৫॥

মোৰ বাক্যচয়,
গুৰু গুণচয়,
তাক পান কৰা,
সংসাৰ নিস্তৰা,
বাছুৰ বৎসৰ,
ফুৰিলা শঙ্কৰ,
উজাই ধৰিলন্ত,
সবে জানিলন্ত,
বড়্রেৱা থান,
লোক যত মান,
গুৰুক দেখিল,
লোতক ঝড়িল,
মাধৱ জয়ন্ত,
গুৰু দেখিলন্ত,
ক্ষেত্রনিবন্তৰ,
বহন্ত শঙ্কৰ,
আজোৱে বুলিলা
বিবাহ কৰিলা,
আত অনন্তৰ,
কথা মনোহৰ,
লীলা বিহাৰ,
তাক কহিবাৰ,

পঙ্কনিশ্চয়,
গঙ্গাজল নয় ॥১০৬॥
দোষ পৰিহৰা,
পুৰুষ উদ্ধাৰা ॥১০৭॥
ক্ষেত্র নিৰন্তৰ,
লগে চাৰি নৰ ॥১০৮॥
দেশ পাইলন্ত,
শঙ্কৰ আইলন্ত ॥১০৯॥
পাইলা বিদ্যমান,
আইলা সেহি থান ॥১১০॥
সমস্তে কান্দিল,
চাহিয়া ৰহিল ॥১১১॥
তৈকে আসিলন্ত,
প্ৰণামি কৈলন্ত ॥১১২॥
তাৰ সাৰে ওৰ,
শুনে সবেনৰ ॥১১৩॥
কন্যাক যুড়ি া,
গৃহক আনিলা ॥১১৪॥
দেৱ শঙ্কৰৰ,
শুনা সবেনৰ ॥১১৫॥
কৰিলা অপাৰ,
শকতি কাহাৰ ॥১১৬॥

গুনা নিবন্তব, কর্ম্ম শঙ্কবব,
মহা কচিকব, ভকত জনব ॥১১৭॥
শঙ্কব বিনাই, গুৰু আন নাই,
সন্ত অভিপ্রায়, বুজিয়োক চায় ॥১১৮॥
শঙ্কবত পবে, ব্রহ্মাণ্ড ভিতবে,
গুৰু নাই আব, ভকত সবব ॥১১৯॥
শঙ্কবেসে পিতা, শঙ্কবেসে মাতা,
শঙ্কবেসে দাতা, শঙ্কবেসে ধাতা ॥১২০॥
শঙ্কবব নাম, ধৰ্ম্ম অনুপাম,
এবি আন কাম, বোলা বাম বাম ॥১২১॥

—(::)—



## ঘোষা ।

শঙ্কৰ মাধৱ ।

ভকত বান্ধৱ ॥২॥

## পদ ।

শঙ্কৰ মহন্ত, থানত আছন্ত,
শাস্ত্ৰ বখানন্ত, সমস্তে শুনন্ত ॥১২২॥
গঙ্গা নমাইলন্ত, শঙ্কৰ মহন্ত,
সবে দেখিলন্ত, বিস্ময় ভৈলন্ত ॥১২৩॥
ভূঞা লোক যত, আসিল সমস্ত,
হুয়া একমত, বোলে সাৱনত ॥১২৪॥
হেৰা ডেকাগিৰি, আছা ছদ্মকৰি,
তুমি দেৱ হৰি, জানে নিষ্ঠ কৰি ॥১২৫॥
বৈকুণ্ঠ দেখোৱা, ঈশ্বৰ চিনোৱা,
ভক্তি দান দিয়া, আমাক তৰোৱা ॥১২৬॥
শুনিয়া হাসিলা, সন্ন্যাসী আসিলা,
কথা সূত্ৰ দিলা, অঙ্কক লিখিলা ॥১২৭॥
নটুয়া বায়ন, শিবৰ গায়ন,
সূত্ৰধাৰ জন, কৰিল যতন ॥১২৮॥
সভা পাতিলন্ত, লোক জনাইলন্ত,
বৈকুণ্ঠ দেখান্ত, সবে শুনিলন্ত ॥১২৯॥

চাৰিও দিশৰ, লোক নিৰন্তৰ,
আসিলা সত্বৰ, থানে শঙ্কৰৰ ॥১৩০॥
নাট আৰম্ভিলা, বৈকুণ্ঠ পাতিলা,
ভক্তি দৰশাইলা, ঈশ্বৰ চিনাইলা ॥১৩১॥
উদ্ধৱ সম্বাদ, কৰিলন্ত পদ,
হুয়া নিশবদ, শুনে সভাসদ ॥১৩২॥
যত বিপ্ৰ সন্ত, শৰণ লৈলন্ত,
পুস্তক থৈলন্ত, গুৰু দেখাইলন্ত ॥১৩৩॥
দৌল বন্ধাইলন্ত, যাত্ৰা কৰিলন্ত,
সবে দেখিলন্ত, কীৰিতি থৈলন্ত ॥১৩৪॥
শ্ৰীভাগৱত, মহা ভক্তি তত্ত্ব,
ৰাজাৰ আগত, শুকে কহিলন্ত ॥১৩৫॥
সেহি ভাগৱত, গুৰুৰ আগত,
বিপ্ৰে কহিলন্ত, সমস্তে শুনন্ত ॥১৩৬॥
দূষণ সিদ্ধান্ত, শঙ্কৰে কৰন্ত
সুধা বৰিসন্ত, বিপ্ৰমনে সন্ত ॥১৩৭॥
শৰণ পশিল, ব্ৰাহ্মণো চলিল,
মুকুতি লভিল, আনন্দে মজিল ॥১৩৮॥
মৰণ মিলিল, থান ভাগিল,
নদী পাৰ ভৈল, শিঙ্গৰিত ৰৈল ॥১৩৯॥
উজাই আসিলন্ত, গাঙ্গক পাইলন্ত,
থান কৰিলন্ত, আনন্দে ৰৈলন্ত ॥১৪০॥

হবে বাম সন্ত,
লোক অপৰ্য্যন্ত,
পঞ্চম বৎসৰ,
শুনা আতপৰ,
বেলগুড়ী আইলা,
কৃষ্ণ গুণ লীলা,
মহা সাধু সন্ত,
ই বাজ্যে আছন্ত,
তাঙ্ক লাগ পাইবো,
ভক্তি প্ৰচাৰিবো,
হেন ইচ্ছা ভৈলা,
বাম দাস আইলা,
গুৰুক সেবিলা,
শঙ্কবে পুছিলা,
বাম দাসে কৈলা,
শঙ্কবে শুনিলা,
বাম দাস গৈল,
মাধৱে দেখিল
শঙ্কবক পাইবো
শাস্ত্ৰ বিচাৰিবো,
প্ৰভাতে চলিলা,
শাস্ত্ৰ বিচাৰিলা,
বৈকুণ্ঠে গৈলন্ত,
শবণ লৈলন্ত ॥১৪১॥
আছিল শঙ্কব,
কথা নিবন্তব ॥১৪২॥
থানক বন্ধাইলা,
সমস্তে কৰিলা ॥১৪৩॥
মাধৱ মহন্ত,
গুৰু জানিলন্ত ॥১৪৪॥
আনন্দে মজিবো,
লোক নিস্তাৰিবো ॥১৪৫॥
আনন্দতে বৈলা,
তাঙ্ক ভেট পাইলা ॥১৪৬॥
আনন্দে বসিলা,
কিসক আসিলা ॥১৪৭॥
যেন যেন ভৈলা,
শ্লোক তুলি কৈলা ॥১৪৮॥
পাঠাক নেনিল,
ক্ৰোধত জ্বলিল ॥১৪৯॥
বাদক কৰিবো,
কৰ্ম্মক ৰাখিবো ॥১৫০॥
বাদক কৰিলা,
শঙ্কবে ভঙ্গাইলা ॥১৫১॥

মাধৱ মহন্ত, বিস্ময়ে লোৱন্ত,
মনুষ্য মুহন্ত, এন্তে ভগৱন্ত ॥১৫২॥
আগ বাঢ়িলন্ত, জানু পাৰিলন্ত,
গুৰু মানিলন্ত, শৰণ লৈলন্ত ॥১৫৩॥
পাৱে পৰিলন্ত, স্নেহে কান্দিলন্ত,
শঙ্কৰ মহন্ত, তুলি ধৰিলন্ত ॥১৫৪॥
তোমাক দেখিলো, আনন্দ লভিলো,
অমৃতক পিলো, প্ৰেমত মজিলো ॥১৫৫॥
আনো বহুতৰ, বুলিলা শঙ্কৰ,
ভকত সবৰ, আনন্দ বিস্তৰ ॥১৫৬॥
ভকতিৰ হাত, পাতিলন্ত তাত,
লোকত প্ৰখ্যাত, লৈলন্ত সাক্ষাত ॥১৫৭॥
মাধৱে সহিতি, হুয়া একমতি,
ভকতিৰ ৰীতি, দেখাইলা পীৰিতি ॥১৫৮॥
বিপ্ৰ অপৰ্য্যন্ত ভক্তিক নসন্ত
মালাক নিন্দন্ত ভক্ত কদৰ্থন্ত ॥১৫৯॥
শুনি শঙ্কৰৰ, কাম্পে কলেৱৰ,
কিনো অথান্তৰ, ভকত সবৰ ॥১৬০॥
ভকতি পথত, দুৰ্ঘট ইমত,
দেখোঁ কেনমত, ভক্তি কৰে হত ॥১৬১॥
সভাক চলিবো, বাদক কৰিবো,
শাস্ত্ৰ বিচাৰিবো, মালাক ৰাখিবো ॥১৬২॥

| | |
|---|---|
| হেন কক্ষা কৰি, | শঙ্কৰ শ্ৰীহৰি, |
| থাঁৰ মন্দিৰি, | গৈলা গজ ভৰি ॥১৬৩॥ |
| সভাত বসিলা, | ভকতো ৰহিলা, |
| ব্ৰাহ্মণো আসিলা, | শঙ্কৰে পুছিলা ॥১৬৪॥ |
| কলিৰ কালত, | হৰিৰ নামত, |
| কিবা বুদ্ধি ব্ৰত,[১] | কৈয়ো শাস্ত্ৰমত ॥১৬৫॥ |
| শুনি কহিলন্ত, | কন্দালি মহন্ত, |
| হৰি নাম সন্ত, | বিধি নাহিকন্ত ॥১৬৬॥ |
| সভাত কহিলা, | ভক্তি সত্য ভৈলা, |
| সমস্তে জানিলা, | আনন্দে ভাবিলা ॥১৬৭॥ |
| জগতে ঘোষন্ত, | হৰি ভক্তি সন্ত, |
| শঙ্কৰে শুনন্ত, | আনন্দে মজন্ত ॥১৬৮॥ |
| গীতা পঢ়িলন্ত, | কন্দলি মহন্ত, |
| দক্ষিণা দিলন্ত, | গুৰু মহাসন্ত ॥১৬৯॥ |
| ৰাম ৰাম সন্ত, | শৰণ লৈলন্ত, |
| ভাস্কৰ মহন্ত, | গুৰু ভজিলন্ত ॥১৭০॥ |
| কন্দলি অনন্ত, | শৰণ লৈলন্ত, |
| গজপতি সন্ত, | গুৰু মানিলন্ত ॥১৭১॥ |
| দামোদৰ সন্ত, | শৰণ লৈলন্ত, |
| গুৰু মানিলন্ত, | হৰি ভজিলন্ত ॥১৭২॥ |
| আনো অপৰ্য্যন্ত, | বিপ্ৰ মহাসন্ত, |
| শৰণ লৈলন্ত, | হৰি ভজিলন্ত ॥১৭৩॥ |

অহম মিলিল, তুৱাৰে ভেটিল,
শঙ্কৰে জানিল, ধৰিবে আসিল ॥১৭৪॥
হেম্পচ মাৰিল, অহম পৰিল,
নদী পাৰ ভৈল, বেগে অন্তৰিল ॥১৭৫॥
মাধৱ আসিল, হৰিক দেখিল,
তুইহাক্কো ধৰিল, উজনিক নিল ॥১৭৬॥
নগৰ পশিল, সন্দিকৈত দিল,
হৰিক কাটিল. ভাবাক এৰিল ॥১৭৭॥
আত অনন্তৰ. শুনা সবে নৰ,
মহা অথান্তৰ, শঙ্কৰ দেৱৰ ॥১৭৮॥
অসমত বৰ, ভৈল অথান্তৰ,
ভূঞা সমস্তৰ, লাগিল জগৰ ॥১৭৯॥
লোক গোট খাইলা, বেলগুড়ি আইলা,
শঙ্কৰক পাইলা, বাৰ্ত্তাক জনাইলা ॥১৮০॥
শঙ্কৰ চলিল, পৰিবাৰ লৈল,
মাধৱক কৈল, মূৰ্ত্তিখান থৈল ॥১৮১॥
যত ভক্ত সন্ত, সবে লড়িলন্ত,
শঙ্কৰ মহন্ত, নাৱে চড়িলন্ত ॥১৮২॥
ভাটিক গৈলন্ত, বাউসী পাইলন্ত,
থান কৰিলন্ত, আনন্দে ৰৈলন্ত ॥১৮৩॥
ঘৰক সজাইলা, হাটিক বন্ধাইলা,
দেৱ গৃহ কৈলা, প্ৰসঙ্গ পাতিলা ॥১৮৪॥

অবনিশি চাবি, বেদক বিচাবি,
ভকতি বিস্তাবি, লোকক নিস্তাবি ॥১৮৫॥
ইমন্ত লক্ষণ, আছা নাবায়ণ,
আরব কথন. শুনা সর্ব্বজন ॥১৮৬॥
ভবানন্দ আইলা, শঙ্কবক পাইলা,
শুক নাম থৈলা, নাবায়ণ ভৈলা ॥১৮৭॥
কোন দিশে আইলা, কেন মতে পাইলা,
নাবায়ণ কৈলা, পূর্ব্বে যেন ভৈলা, ॥১৮৮॥
যেন বংশাবলী, কহিলন্ত তুলি,
কোন আইলা বুলি, পুছিলা সমূলি ॥১৮৯॥
তাকো কহিলন্ত, শঙ্কব মহন্ত,
নাবা'নে শুনন্ত, আনন্দে মজন্ত ॥১৯০॥
যত ভক্ত সন্ত, লগে আসিলন্ত,
তাকে কহিলন্ত, শঙ্কব মহন্ত ॥১৯১॥
তোমাব বাজ্যত, সন্ত আছে কত,
আমাব আগত, কবিয়ো বেকত ॥১৯২॥
শুনি নাবায়ণে, কবি গীত ভনে,
কহিলা তেখনে, গাইলা বঙ্গমনে ॥১৯৩
জানো নাবায়ণ, সিতো অল্পজন,
কামে বশ্যমন, গীততে লক্ষণ ॥১৯৪॥
কন্ত নাবায়ণ, আছে একজন,
বোধন্ত গহন, মহা ধৈর্য্য মন ॥১৯৫॥

হেন কহিলন্ত, নাৰায়ণ সন্ত,
গুৰু মানিলন্ত, শৰণ লৈলন্ত ॥১৯৬॥
কালীৰাম সন্ত, শৰণ লৈলন্ত,
শ্ৰীৰাম মহন্ত, গুৰু ভজিলন্ত ॥১৯৭॥
মাধৱ মহন্ত, শৰণ লৈলন্ত,
বলৰাম সন্ত, গুৰু মানিলন্ত ॥১৯৮॥
গুৰু আজ্ঞা দিলা, যত ভক্ত পাইলা,
নাৰায়ণে নিলা, পাৰন্ত ভেটিলা ॥১৯৯॥
ভকত মহন্ত, আইল অপৰ্য্যান্ত,
তাক কহিলন্ত, কোনে কৰিলন্ত ॥২০০॥
শ্ৰীমন্ত শঙ্কৰ, হৰি ভকতৰ,
গুৰু প্ৰিয়তৰ, নাহি তান্ত পৰ ॥২০১
মাধৱ শোধন্ত, শঙ্কৰে কহন্ত,
সমস্তে শুনন্ত, ভক্তি প্ৰবৰ্ত্তন্ত ॥২০২॥
প্ৰেমৰ সাগৰ, শ্ৰীমন্ত শঙ্কৰ,
ভকতি ৰসৰ, পাতিলা পসাৰ ॥২০৩॥
ৰসিক সকলে, প্ৰিয়ে কৌতুহলে,
পৰম মঙ্গল, যশ সু-নিৰ্ম্মল ॥২০৪॥
অসম ৰাজ্যৰ, কামৰূপৰ,
বেহাৰ দেশৰ, ভক্ত একতৰ ॥২০৫॥
অৱনিশি চাৰি, বেদক বিচাৰি,
ভকতি বিস্তাৰি, তাৰিলা মুৰাৰি ॥২০৬॥

যেন মধুকৰ, সমস্তে পুষ্পৰ,
ৰস নিৰন্তৰ, কৰে একত্ৰ ॥২০৭॥
সেহিমতে হৰি, নৱ ৰূপ ধৰি,
তত্ত্বক উদ্ধাৰি, ভক্তি থৈলা ভৰি ॥২০৮॥
হৰম নৃপতি, মহা শুদ্ধমতি,
গুৰু পায়ে ৰতি, কৰিলা ভকতি ॥২০৯॥
বাউসী নগৰ, মহা মনোহৰ,
শ্ৰীশঙ্কৰৰ, মহা প্ৰিয়-কৰ ॥২১০॥
প্ৰেমৰ পসাৰ, পাতিলা অপাৰ,
তাক কহিবাৰ, শকতি কাহাৰ ॥২১১॥
শুনা সাধুনৰ, শঙ্কৰ দেৱৰ,
মহা ৰুচিকৰ, চৰিত্ৰ সুন্দৰ ॥২১২॥
মহা শুদ্ধ সত্ত্ব, শঙ্কৰৰ মত,
ত্ৰৈলোক সতত, পাইবা ভক্তি তত্ত্ব ॥২১৩॥
ভেবেসে নিস্তৰি, চিত্ত দৃঢ় কৰি,
গুৰু ৰূপ ধৰি, বোলা হৰি হৰি ॥২১৪॥



## ঘোষা ।

কৃষ্ণ হৰি ৰাম
বোলা অবিশ্ৰাম ॥৩

## পদ ।

এহিমতে হৰি, নৰৰূপ ধৰি,
ভকতি প্ৰচাৰি, আছা লীলা কৰি ॥২১৫॥
ভক্ত লগে নিলা, গঙ্গাত স্নানিলা,
মাধৱো লড়িলা, স্নানক কৰিলা ॥২১৬॥
ক্ষেত্ৰ নিৰন্তৰ, ফুৰিলা শঙ্কৰ,
ফিৰি আইলা ঘৰ, বাউসী নগৰ ॥২১৭॥
কৃষ্ণ গুণ গান, কৰন্ত কীৰ্ত্তন,
শুনি সৰ্ব্বজন, আনন্দিত মন ॥২১৮॥
যত বিপ্ৰ আইল, ৰাজাত জনাইল,
ক্ৰোধ বৰ পাইল, দশন চোবাইল ॥২১৯॥
বিপ্ৰ নমানয়, কৰ্ম্ম নাচৰয়,
গঙ্গা নেসেৱয়, ভাগৱত কয় ॥২২০॥
ৰাজগুৰু সন্ত, তেহে কহিলন্ত,
গঙ্গাত স্নানন্ত, শ্ৰাদ্ধ প্ৰবৰ্ত্তন ॥২২১॥
শুনি নৃপবৰ, বাক্য ব্ৰাহ্মণৰ,
হুয়া ক্ৰোধভৰ, বুলিলা উত্তৰ ॥২২২॥

দূতক পঠাইবোঁ সভাক অনাইবোঁ,
শঙ্কৰক পাইবো, চালে ডবা চাইবোঁ ॥২২৩॥
শুনি চিলাৰায়, দূতক পঠাই,
শঙ্কৰৰ ঠাই, অনাইলা খেদাই ॥২২৪॥
গৃহ প্ৰবেশাইল, চৰণ ধুৱাইল,
নিবাস দিয়াইল, আনন্দে বহাইল ॥২২৫॥
ছোট দেৱানে, গুৰুৰ চৰণে,
পশিয়া শৰণে, বৈলা সুখমনে ॥২২৬॥
দশগৰ মৌলি, গৈলা শীঘ্ৰকৰি,
বাউসী নগৰী পাইলা দড় দড়ী ॥২২৭॥
পাছে নাৰায়ণে বোলে ক্ৰোধমনে,
ভক্তক ইথানে, আন এতিক্ষণে ॥২২৮॥
আগকৰি নিল, ৰাজায়ো দেখিল,
আজ্ঞাক কৰিল, সুধিবাক দিল ॥২২৯॥
শোধন্ত ভক্তত, শঙ্কৰৰ মত,
প্ৰবৰ্ত্তে কিমত, কৈয়ো ভাল মত ॥২৩০॥
পুছিবাক লৈল, নাৰায়ণে কৈল,
শাস্ত্ৰ বিচাৰিল, ধৰ্ম্ম প্ৰচাৰিল ॥২৩১॥
শুনি নাৰায়ণে, মহা ক্ৰোধমনে.
ভক্ত দুই জন, কৰাইলা তাড়ন ॥২৩২॥
ভোটক দিলেক, ভোটে নেনিলেক,
ফিৰায়া দিলেক, হৰি ৰাখিলেক ॥২৩৩॥

ভক্তৰ বিপত্তি, কিকৈবো সম্প্ৰতি,
গুৰু মহামতি, ৰাখিলা তহিতি ॥২৩৪॥
অদ্ভুত সপোন, দেখিলা আপুন,
লভিয়া চেতন, ব্যাকুলিত মন ॥২৩৫॥
হাঁ গুৰুবাপ, কেনে দিলা তাপ,
কৰন্ত বিলাপ, লভিয়া সন্তাপ ॥২৩৬॥
কিনো মন্দ ভৈলোঁ। গুৰু দ্ৰোহকৈলোঁ,
পাতক সাঞ্চিলোঁ, সংসাৰে মজিলোঁ ॥২৩৭॥
গুৰু মহা সন্ত, বেকত ভৈলন্ত,
ৰজা শুনিলন্ত, শীঘ্ৰে অনাইলন্ত ॥২৩৮॥
গমন গম্ভীৰ, বচন সুস্থিৰ,
মহা যশী ধীৰ, গুণৰ মন্দিৰ ॥২৩৯॥
বিপ্ৰ সমস্তৰ, আগে মনোহৰ,
দেখাই কলেৱৰ, আছন্ত শঙ্কৰ ॥২৪০॥
যেহেন সুবৰ্ণ, তনু বিতোপন,
পীত বসন, পঙ্কজ বদন ॥২৪১॥
বক্ষৰ মোলান, বাহু দুই খান,
নাহিকে সমান, সৰ্ব্বাঙ্গ সুঠান ॥২৪২॥
মাথা চত্ৰাকৃত, কেশ আকুঞ্চিত,
কালিয়ে ৰঞ্জিত, মালা সুবাসিত ॥২৪৩॥
ললাটত সুসম, তিলক উত্তম,
কাম ধনুসম, ভ্ৰুৱ মনোৰম ॥২৪৪॥

পূর্ণচন্দ্র নয়, বদন অশয়.
দেখিলোক চয়, ভৈলন্ত বিস্ময় ॥২৪৫॥
প্রভার তেজব, শ্রীশঙ্কবব,
দেখি নৃপবব, আনন্দ বিস্তব ॥২৪৬॥
আসন দিয়াইলা শুরুক বৈসাইলা,
আনন্দ লভিলা, নৃপতি মাতিলা ॥২৪৭॥
বিপ্র অপর্য্যন্ত, গোচব দিলন্ত,
বিধি নাহিকন্ত, তযু প্রবর্ত্তন্ত ॥২৪৮॥
আপুনি পণ্ডিত, জানা নিত্যানিত্য
শাস্ত্রব বিহিত, কবিও বিদিত ॥২৪৯॥
শঙ্করে শুনিলা, বাদক কবিলা,
ধর্ম্মক বাখিলা, পণ্ডিত ভাঙ্গিলা ২৫০॥
বাজা বুঝিলেক, বাহুয় কন্ধক,
কবি বাক্য এক, দিয়োক প্রত্যেক ॥২৫১॥
শঙ্কব আসিলা, বাহুকন্ধ চাইলা
কৃষ্ণ-গুণ মালা, নিবন্ধ কবিলা ॥২৫২॥
দশমক চাইলা, কৃষ্ণলীলামালা,
শঙ্করে গাঁথিলা, মালাকৃতভৈলা ॥২৫৩॥
দোপদরে গৈলা, টোটয় মাতিলা,
আশীর্ব্বাদ কৈলা, গুণমালা দিলা ॥২৫৪॥
বাজায়ো চাহিলা, পুস্তক মাতিলা,
সবে সাব পাইলা, নমস্কাব কৈলা ॥২৫৫॥

দেশ দেশান্তৰ, পণ্ডিত বিস্তৰ,
আসিল নগৰ, ভঙ্গাইলা শঙ্কৰ ॥২৫৬॥
শাস্ত্ৰ যত পাইলা, বলধি যোড়াইলা,
বাণী বান্ধি আইলা, শঙ্কৰে ভঙ্গাইলা ॥২৫৭॥
আনো বিপ্ৰসন্ত, আইল অপৰ্য্যন্ত,
শঙ্কৰে পাইলন্ত, সবে ভঙ্গাইলন্ত ॥২৫৮॥
শঙ্কৰ মহন্ত, তথাতে আছন্ত,
ৰাজায় বোলন্ত, শৰণ দিয়ন্ত ॥২৫৯॥
শুনিয়া শঙ্কৰ, গুৰু ভকতৰ,
দিলন্ত উত্তৰ, শুনা নৃপবৰ ॥২৬০॥
যিতো ৰাজা হয়, দেবতা পূজয়,
ভক্তি নসাধয়, জানিবা নিশ্চয় ॥২৬১॥
একান্ত শৰণ, কৃষ্ণৰ ভজন,
ক্ষুদ্ৰ দেৱ গণ, নকৰে পূজন ॥২৬২॥
নৃপতি বোলয়, ভজিবোঁ নিশ্চয়,
অন্য দেৱচয়, নকৰোঁ আশ্ৰয় ॥২৬৩॥
শুনিয়া শঙ্কৰ, নাপায়া উত্তৰ,
বোলে যাওঁ ঘৰ, আসিবো সত্তৰ ॥২৬৪॥
শীঘ্ৰে আসিলন্ত, বাউসী পাইলন্ত,
জ্ঞাতি চপাইলন্ত, সবাতো কৈলন্ত ॥২৬৫॥
বিদায় কৰিবোঁ, গঙ্গাক চলিবোঁ,
ক্ষেত্ৰক ফুৰিবোঁ, ত্বৰাই আসিবোঁ ॥২৬৬॥

মাধৱ মহন্ত, তথাতে আছন্ত,
আজ্ঞা কৰিলন্ত, ভক্ত পালিবন্ত ॥২৬৭॥
তযুথানে ৰৈবোঁ, নিশাক বঞ্চিবোঁ,
বিহানে লড়িবোঁ। বেহাৰে চলিবো ॥২৬৮॥
শুনিয়া মাধৱ, ভকত বান্ধব,
দ্ৰব্যৰ সম্ভৱ, মিলাইলা উৎসৱ ॥২৬৯॥
গুৰু ৰহিলন্ত, নিশা বঞ্চিলন্ত,
স্নান কৰিলন্ত, ভোজন ভৈলন্ত ॥২৭০॥
মাধৱ মহন্ত, সেৱা কৰিলন্ত,
কথা পুছিলন্ত, শঙ্কৰে কৈলন্ত ॥২৭১॥
গুৰুৰ লক্ষণ, দেৱ নাৰায়ণ,
ভক্তি মহাধন, ভকত ভজন ॥২৭২॥
ভকতি সদয় ভকতি সহায়,
ভকতি বিনাই, গতি নাই নাই ॥২৭৩॥
ভকতি সি পিতা, ভকতি সি মাতা,
ভকতি সি দাতা, ভকতি সি ধাতা ॥২৭৪॥
যত পুছিলন্ত, সবে কহিলন্ত,
মাধৱ মহন্ত, প্ৰেমে শুনিলন্ত ॥২৭৫॥
পুৰুষ উত্তম, নাহি প্ৰিয়তম,
নাহি তাহ্নসম, ভেন্তে পৰমব্ৰহ্ম ॥২৭৬॥
শাস্ত্ৰক পঢ়াইবা, ভক্তি তত্ত্ব কৈবা,
ধৰ্ম্মক থাপিবা, বৈকুণ্ঠে চলিবা ॥২৭৭॥

চতুৰ্ভুজ নাতি, হৈবেক খিয়াতি,
যাৰ যশ কীৰ্ত্তি. যুড়িবে জগতি ॥২৭৮॥
অনেক মহন্ত, হৈব দুইহন্তত,
যুৰিবে জগত, ইতো ভক্তি তত্ত্ব ॥২৭৯॥
আৰু একজন, গোপাল শুভন,
কৈবা ভক্তি জ্ঞান, সম নাহি আন ॥২৮০॥
আনো নানামত, কৰিলা বেকত,
দেৱমাধৱত, প্ৰেমভক্তি তত্ত্ব ॥২৮১॥
গুণৰ নাগৰ, কৰুণা সাগৰ,
শ্ৰীমন্ত শঙ্কৰ, ভকত সবৰ ॥২৮২॥
গুৰু কৰি লীলা, সেহাবে চলিলা,
ভাওনা কৰিলা, নাপৰা কৰিলা ॥২৮৩॥
বিলাপিত ভৈলা, গীতক কৰিলা,
ৰামায়ে দেখিলা, আগবাঢ়ি বৈলা ॥২৮৪॥
কথা পুছিলন্ত, শঙ্কৰে কৈলন্ত,
মাধৱ মহন্ত, থৈলোহোঁ তাহান্ত ॥২৮৫॥
তান্তে সুধি লৈবা, আমাকো লভিবা,
ভক্তি তত্ত্ব পাইবা সুখী ভূত হৈবা ॥২৮৬॥
হেন কহিলন্ত, শঙ্কৰ মহন্ত,
দেহ এৰিলন্ত, বৈকুণ্ঠে গৈলন্ত ॥২৮৭॥
চিতা সজাইলন্ত, নৰপতি সন্ত,
তাতে তুলিলন্ত, দেহা দহিলন্ত ॥২৮৮॥

ক্ৰিয়া আচৰিলা, ৰামাই লৰিলা,
বাউসীক পাইলা, বাৰ্ত্তাক জনাইলা ॥২৮৯॥
গনকুচি পাইলা, ৰামাই আসিলা,
মাধৱে দেখিলা, গামোচাক লৈলা ॥২৯০॥
আগবাঢ়ি গৈলা, সাবটি ধৰিলা,
বাৰ্ত্তাক পুছিলা, কান্দিয়া কহিলা ॥২৯১॥
মাধৱে শুনিলা, কান্দিবে লাগিলা,
আকুলিত ভৈলা, আৰ্ত্তনাদ কৈলা ॥২৯২॥
ঐ প্ৰাণ হৰি, কৈকে গৈলা এৰি,
পৰিছেদা কৰি, মোক পৰি হৰি ॥২৯৩॥
নাৰায়ণ সন্ত, তথাতে আছন্ত,
তেহে নিচুকান্ত, হুয়ো উপশান্ত ॥২৯৪॥
থানক গৈলন্ত, গোসানী দেখন্ত,
ৰামাই আসিলন্ত, গামোচা লৈলন্ত ॥২৯৫॥
ঠিয়ই মৰিল, ধাতু উৰি গৈল,
নিঢালে পৰিল, চেতন হৰিল ॥২৯৬॥
বাউসী নগৰী, ভক্ত আছে ভৰি,
আসিলন্ত লৰি, গৈল যেন মৰি ॥২৯৭॥
কান্দিবে লাগিল, হিয়া ঢাকুৰিল,
উৰ্দ্মি উথলিল, আকাশ গজ্জিল ॥২৯৮॥
মাধৱে বুজান্ত, হুয়ো উপশান্ত,
সমস্তে জুড়ান্ত, নিশ্বাস তেজন্ত ॥২৯৯॥

ক্ৰন্দন জুড়াইল, আলচ কৰিল,
দ্ৰব্যক মিলাইল, দশা আচৰিল ।।৩০০।
আজিকালি গৈল, মাস পূৰ্ণ ভৈল,
কৰ্ম্ম আচৰিল, দক্ষিণা কৰিল ।৩০১॥
সভাক পাতিলা, সমস্ত ছাপিল,
কীৰ্ত্তন কৰিলা, নাম সম্বৰিলা ॥৩০২॥
নাৰায়ণ সন্ত, বাৰ্ত্তা পুছিলন্ত,
পৰম মহন্ত, গুৰুক বোলন্ত ॥৩০৩॥
ধৰ্ম্মক সত্ৰক, পালিবে ভক্তক,
কাহাক দিলেক, কহিয়ো প্ৰত্যেক ॥৩০৪॥
ৰামানন্দ সন্ত, পৰম মহন্ত,
গুৰু যি বোলন্ত, সবে কহিলন্ত ॥৩০৫॥
গুৰু পাশে গৈলো, ক্ৰন্দন কৰিলো,
সৰ্ব্বস্ব মাগিলো, উপদেশ পাইলো ॥৩০৬॥
মোৰ মাধৱৰ, কিঞ্চিতো অন্তৰ,
নাহি সাৰে সাৰ, কৈলো বাৰেবাৰ ॥৩০৭॥
তেন্তে গৈয়া পাইবা, অসূয়া এৰিবা,
আশ্বাস কৰিবা, আমাক লভিবা ॥৩০৮॥
ৰামানন্দে কৈলা, সমস্তে শুনিলা,
ঢোপ মালা দিলা। চৰণ সেৱিলা ॥৩০৯॥
মাধৱ মহন্ত, আচাৰ্য্য ভৈলন্ত,
যত ভক্ত সন্ত, সবে উপাসন্ত ॥৩১০॥

নাৰায়ণ সন্ত, শ্ৰীৰাম মহন্ত,
ভক্ত অপৰ্য্যন্ত, কথাক শুনন্ত ॥৩১১॥
মাধৱে বোলন্ত, চৰিত্ৰ অনন্ত,
যত ভক্ত সন্ত, প্ৰেমত মজন্ত ॥৩১২॥
শঙ্কৰ দেৱৰ, চৰিত্ৰ বিস্তৰ,
প্ৰেমৰ সাগৰ, মজৈ নিৰন্তৰ ॥৩১৩॥
কতোহো হাসন্ত, কতোহো কান্দন্ত,
লোতক জুড়ন্ত মজিয়া থাকন্ত ॥৩১৪॥
মাধৱে কান্দন্ত, লোতক জুড়ন্ত,
যত ভক্ত সন্ত, নিৰ্ভয় হোৱন্ত ॥৩১৫॥
নাহি ৰাতি দিন, প্ৰেমে মুহি ক্ষীণ,
শুনা অনুদিত, স্নেহে ভিন্না ভিন্ন ॥৩১৬॥
কৃষ্ণে লীলা যত, কৰিলা পূৰ্ব্বত,
তাকে অবিৰত, কৰন্ত বেকত ॥৩১৭॥
ভকতি ৰসৰ, অন্ত নদী বৰ,
ক্ৰীড়ন্ত সত্বৰ, ভক্ত নিৰন্তৰ ॥৩১৮॥
কতো সাবটন্ত, কতো চুমা খান্ত,
প্ৰেমে ৰাগৱন্ত, আনন্দে মজন্ত ॥৩১৯॥
প্ৰেমময় নদী, বহে অন্ত ভেদি,
যান্ত অবিচেদি, যত শব্দভেদি ॥৩২০॥
দেৱ মাধৱৰ, চাৰত্ৰ বিস্তৰ,
তাৰ সাৰতৰ, পাৰে কোন নৰ ॥৩২১॥

ঠাকুৰ মহন্ত, শাস্ত্ৰক পঢ়ন্ত,
মাধৱে পঢ়ান্ত, সবে পঢ়িলন্ত ॥৩২২॥
মহা গুণাকৰ, নাতি শঙ্কৰৰ,
যাক সমসৰ, নাহি পটন্তৰ ॥৩২৩॥
মাধৱে দেখন্ত, ঠাকুৰ মহন্ত,
মহা গুণৱন্ত, ধৈৰ্য্যে হৈমৱন্ত ॥৩২৪॥
ধৰ্ম্ম থাপিলন্ত, মাধৱ মহন্ত,
পূৰ্ব্ব গুণ কন্ত, সবে শুনিলন্ত ॥৩২৫॥
যত গুণ-লীলা, শঙ্কৰে কহিলা,
মাধৱে কহিলা, সমস্তে শুনিলা ॥৩২৬॥
দেৱ মাধৱৰ, মহা অথান্তৰ
মিলিল বিস্তৰ, শুনা সবে নৰ ॥৩২৭॥
বেহাৰক গৈলা, মধুপুৰে ৰৈলা,
কৃষ্ণ গুণ লীলা, সমস্তে কৰিলা ॥৩২৮॥
ভক্ত অপৰ্য্যন্ত, সতত শুনন্ত,
মাধৱ মহন্ত, গুণ বখানন্ত ॥৩২৯॥
গ্ৰন্থ নাম মালা, নৃপতি গঁথাইলা,
মাধৱক দিলা, পদ নিবন্ধিলা ॥৩৩০॥
মাধৱ ঈশ্বৰ, গুণৰ সাগৰ,
প্ৰেমৰ সাগৰ, বস্তু নদীবৰ ॥৩৩১॥
মধুপুৰ থানে, আছা ৰঙ্গমনে.
হৰিৰ কীৰ্ত্তন, কৰি অনুক্ষণ ॥৩৩২॥

মালাভ লাগিল, মেৰুক নিন্দিল,
কাজিয়ে বুলিল, তাকে মাচৰিল ॥৩৩৩॥
ভকতৰ নৃপতি, পাতিবো সম্প্ৰতি,
বোলে নৰপতি, মাধৱৰ প্ৰতি ॥৩৩৪॥
শুনি মাধৱৰ, কম্পে কলেৱৰ,
ভকত সবৰ, হুইবো নৃপবৰ ॥৩৩৫॥
মহা পুৰুষৰ, ভকত সবৰ,
কাল মহেশ্বৰ, সুহিকে ঈশ্বৰ ॥৩৩৬॥
দেবী প্ৰকৃতি, কাম্পে যাক প্ৰতি,
যম নৃপতি, নপাৱয় স্থিতি ॥৩৩৭॥
হেন ভকতৰ, হৈবোহো ঈশ্বৰ,
কিনো ভাগ্যবৰ, মিলিল সত্বৰ ॥৩৩৮॥
এহি শোক কৰি, প্ৰভু শ্ৰীহৰি,
সিতো মধুপুৰী, তেজিলা শৰীৰি ॥৩৩৯॥
ৰাজা শুনিলন্ত, মাধৱ মহন্ত,
দেহা এৰিলন্ত, ক্ৰিয়া কৰাইলন্ত ॥৩৪০॥
মহা পুৰুষৰ, নাতি শ্ৰেষ্ঠতৰ,
আচাৰ্য্য ধৰ্ম্মৰ, ভৈল দৃঢ়তৰ ॥৩৪১॥
শুনা সবে নৰ, লীলা মাধৱৰ,
মহা সাৰতৰ, ভকত সবৰ ॥৩৪২॥
শুক ভকতৰ, সুহিকে অন্তৰ,
সমস্তে শাস্ত্ৰৰ, ইতোতহু সাৰ ॥৩৪৩॥

মাধবেরে সে গতি, মাধবেরে সে মতি,
মাধবরত রতি, করিও সম্প্রতি ॥৩৪৪॥
মাধবরত পর, ভকত সবর,
নাহি প্রিয়তর, ব্রহ্মাণ্ড ভিতর ॥৩৪৫॥
মাধবর নাম, ধর্ম্ম অনুপাম,
এরি আন কাম, বোলা রাম রাম ॥৩৪৬॥



## ঘোষা

কৃষ্ণ কৃষ্ণ ৰাম ।
জয় জয় ৰাম ॥৪॥

## পদ

শ্ৰীমন্ত শঙ্কৰ, হৰি ভকতভৰ,
মহা সুখকৰ, গুৰু শ্ৰেষ্ঠতৰ ॥৩৪৭॥
পযোধি সংসাৰ, নৰতনু সাৰ,
গুৰুসে কাণ্ডাৰ, আত কৰে পাৰ ॥৩৪৮॥
শঙ্কৰ দেৱৰ, নাহি প্ৰিয়তৰ,
মহা মনোহৰ, ভকত সবৰ ॥৩৪৯॥
ধৰ্ম্ম প্ৰবৰ্ত্তাই, আছন্ত তথায়,
এক অপায়, মিলিলেক যায় ॥৩৫০॥
সন্ন্যাসী আসিল, ৰাজাক বুলিল,
অন্যায় মিলিল, ভক্তি প্ৰবৰ্ত্তিল ॥৩৫১॥
বৈষ্ণব আসিল, পাষণ্ড নাশিল,
ভকতি ৰাখিল, ধৰ্ম্ম প্ৰবৰ্ত্তিল ॥৩৫২॥
মহা পুৰুষৰ, ভক্তি প্ৰিয়তৰ,
হৰি ভকতৰ, মহা সুখকৰ ॥৩৫৩॥
তিনিও ৰাজ্যৰ, ভক্ত নিৰন্তৰ,
বাউসী নগৰ, আসন্ত সত্বৰ ॥৩৫৪॥

ঠাকুৰ ঈশ্বৰ, গুণ শঙ্কৰৰ,
কন্ত নিৰন্তৰ, গুনে সব নৰ ॥৩৫৫॥
গুণৰ সাগৰ, নাতি শঙ্কৰৰ,
পাতিলা প্ৰেমৰ, পসাৰ বিস্তৰ ॥৩৫৬।
বাউসী নগৰী ভক্ত আছে ভৰি,
প্ৰেমে ভৰি পুৰি, জগতক জুৰি ॥৩৫৭॥
কৃষ্ণ শঙ্কৰৰ, নাতি প্ৰিয়তৰ,
পুৰুষোত্তমৰ, চৰিত্ৰ বিস্তৰ ॥৩৫৮।
ঠাকুৰ মহন্ত, বাহুজন সন্ত,
পাতি পঠাইলন্ত, ধৰ্ম্ম প্ৰবৰ্ত্তান্ত ॥৩৫৯।
লীলা বিহাৰ, কৰিলা অপাৰ,
তাক কহিবাৰ, শকতি কাহাৰ ॥৩৬০॥
ক্ষেত্ৰক লৱিলা, গঙ্গাত স্নানিলা,
ওৰেষাক গৈলা, পুৰীক দেখিলা ॥৩৬১॥
আনো ক্ষেত্ৰ সন্ত, সবাকো গৈলন্ত,
ফিৰি আসিলন্ত, থান লভিলন্ত ॥৩৬২।
কতো দিন সন্ত, তৈতে আছিলন্ত,
বেহাৰে গৈলন্ত, ভেলাত বৈলন্ত ॥৩৬৩।
গুৰুৰ চৰণ, চিন্তি অনুক্ষণ,
সুমতি নন্দন, বৈলা ৰঙ্গমন ॥৩৬৪॥
ধৰ্ম্ম থাপিলন্ত, বৈকুণ্ঠে যাইবন্ত,
হেন চিন্তিলন্ত, ঠাকুৰ মহন্ত ॥৩৬৫॥

নাপৰা পৰিল, ভক্তক মাতিল,
মোৰ নাহি ভাল, বিষ্ণুপুৰে চল ॥৩৬৬॥
দিন নকৰিবো, সত্বৰে আসিবো,
তাস্তে ধৰ্ম্ম থৈবো, বৈকুণ্ঠে চলিবো ॥৩৬৭॥
আইয়ে হাক দিলা, ভকত নগৈলা,
ঠাকুৰে জানিলা, বচন বুলিলা ॥৩৬৮॥
শুনা ভক্ত গণ, যাৰ ধৰ্ম্মেমন
বোলোহো বচন, পাইবেক আপোন ॥৩৬৯॥
ছোট ঠাকুৰ, নাতি শঙ্কৰৰ,
তেহে ধৰ্ম্মপৰ, হুইৰ সাৰন্তৰ ॥৩৭০॥
মোৰ প্ৰিয়তম, জমাই উত্তম,
পণ্ডিত পৰম, জানা পুত্ৰ সম ॥৩৭১॥
মোহোৰ থানত, পালিব ভকত
নিৰঞ্জনে তত্ব, দঢ়াইব লোকত ॥৩৭২॥
শিৰ পৰশিলা, চোপ মালা দিলা,
আচাৰ্য্য পাতিলা, জমাইক থাপিলা ॥৩৭৩।
হেন দৃঢ় কৰি, দেৱ শ্ৰীহৰি,
ভেলা নগৰি, তেজিলা শৰীৰি ॥৩৭৪॥
নাট সম্বৰিলা, বৈকুণ্ঠে চলিলা,
দশাক কৰিলা, ক্ৰিয়া আচৰিলা ॥৩৭৫॥
চতুৰ্ভুজ সন্ত, আচাৰ্য্য ভৈলন্ত,
ধৰ্ম্ম প্ৰবৰ্ত্তান্ত, কীৰ্ত্তন কৰন্ত ॥৩৭৬॥

বিষ্ণুপুৰ মাজে,
ঠাকুৰ আচাৰ্য্যো,
বিষ্ণুপুৰ থান,
গঢ়বেসে থান,
শঙ্কৰৰ নাতি,
ভকত পীৰিতি,
ঠাকুৰ মহন্ত,
বাহুজন সন্ত,
গুৰু লীলা সন্ত,
আনন্দে শুনন্ত.
প্ৰেমৰ মুকতি.
স্মৰণ কুকতি,
ক্ষেত্ৰে লৰিলন্ত.
যত ভক্ত সন্ত,
গঙ্গাত স্নানিলা.
প্ৰণাম কৰিলা,
পুনু আসিলন্ত,
কথাক চৰ্চন্ত,
গুৰু বুলিলন্ত.
ঠাকুৰ মহন্ত,
মাত্ৰ চলিবন্ত,
তেবেসে যাইবন্ত,
পাতিয়া সমাজে,
ভকতি বিৰাজে ॥৩৭৭॥
দ্বাৰকা সমান,
পৰ্ব্বত সমান ॥৩৭৮॥
জগতে খিয়াতি,
বঢ়ান্ত সম্প্ৰতি ॥৩৭৯॥
সৰ্ব্ব গুণৱন্ত,
তেহু পাতিলন্ত ॥৩৮০॥
সবাকো ভোলন্ত.
ভক্ত অপৰ্য্যন্ত ॥৩৮১॥
ঠাকুৰৰ মতি,
নজড়ে সম্প্ৰতি ॥৩৮২॥
ঠাকুৰ মহন্ত.
লগত চলন্ত ॥৩৮৩॥
জগন্নাথে গৈলা,
আনন্দে চলিলা ॥৩৮৪॥
থান পাইলন্ত
ভকতে শুনন্ত ॥৩৮৫॥
নাতিক আনন্ত,
মাতি ৰহিলন্ত ॥৩৮৬॥
ধৰ্ম্ম স্থাপিবন্ত,
হেন গুণিলন্ত ।৩৮৭॥

শুনা সবে নৰ, ঠাকুৰ দেৱৰ,
কথা মনোহৰ, কৰ্ণ কাটকৰ ॥৩৮৮॥
বিদেশ যাইবন্ত, গঙ্গা স্নানিবন্ত,
হেন চলিলন্ত, ঠাকুৰ মহন্ত ॥২৮৯॥
দামোদৰক, আনিলা আগক,
বুলিলন্ত বাক, ভকত সবক ॥৩৯০॥
ধৰ্ম্মক সত্ৰক, পালিবা ভক্তক
কৰিবা পিণ্ডক, প্ৰবৰ্ত্তাই নামক ॥৩৯১॥
সুভদ্ৰা জীৱৰ, হৈবেক কুমাৰ,
তেহু ধৰ্ম্মপৰ, হৈব শ্ৰেষ্ঠতৰ॥৩৯২॥
হেন আজ্ঞা কৰি, দেৱ শ্ৰীহৰি,
পশ্চিমক লৰি, গৈলা যাত্ৰা কৰি ॥৩৯৩॥
গঙ্গাক পাইলন্ত, জলে নামিলন্ত,
স্নান কৰিলন্ত, বচন বোলন্ত ॥৩৯৪॥
মহা পুৰুষৰ, যত ভক্তনৰ,
বসে ভৰপূৰ, হৌক নিৰন্তৰ ॥৩৯৫॥
স্নান কৰিলন্ত, তীৰে উঠিলন্ত,
উজাই লৰিলন্ত, পথত চলন্ত ॥৩৯৬॥
শঙ্কৰে বোলন্ত, শুনা ভক্ত সন্ত,
শীঘ্ৰে চলন্ত, নাতিক মাতন্ত ॥৩৯৭॥
ভকত চলিলা, আজ্ঞাক কহিলা,
ঠাকুৰে জানিলা, মোক নিবে আইলা ॥৩৯৮॥

সবাতো কহিলা, তথাতে বসিলা,
নাট সম্বরিলা, বৈকুণ্ঠে চলিলা ॥৩৯৯॥
দামোদর সন্ত, আচার্য্য ভৈলন্ত,
ক্রিয়া করিলন্ত, দক্ষিণা দিলন্ত ॥৪০০॥
শ্রীশঙ্করর, গুণ সমুদ্রর,
ওর নিরন্তর, পারে কোন নর ॥৪০১॥
আগ পাছ নয়, নাজানো নিশ্চয়,
যিবা দোষ হয়, ক্ষমা সাধুচয় ॥৪০২॥
কর্দ্দমে মিশল, যদি গঙ্গাজল,
ভুঞ্জিলে সকল, পারে মহা ফল ॥৪০৩॥
মহা পুরুষর, গুণ নিরন্তর,
ইসে প্রিয়তর, ভকত সবর ॥৪০৪॥
জগত উদ্ধার, হেতু অবতার,
লীলা বিহার করিলা অপার ॥৪০৫॥
শাস্ত্র পঢ়িলন্ত, কন্যা বিহাইলন্ত,
বিদেশী ভৈলন্ত, ক্ষেত্র ফুরিলন্ত ॥৪০৬॥
যাণ্ড সমর্দ্দন, পাষণ্ড মর্দ্দন,
ধর্ম্ম প্রবর্ত্তন, করন্তে মোক্ষণ ॥৪০৭॥
বাহুকন্ধ পাইলা, লিখিয়া রাখিলা,
রত্নাবলী পাইলা, পদ নিবন্ধিলা ॥৪০৮॥
ভাগবত সার, সারাংশ গীতার,
করিয়া বিচার, ভকতি প্রচার ॥৪০৯॥

আক শুনে ভণে, যিতো মহাজনে-
কৃষ্ণৰ চৰণে, লভিবাক মনে, ॥৪১০॥
মুকুতি এৰাইব, ভকতিক পাইব,
আনন্দ লভিব, প্রেমত মজিব ॥৪১১॥
কৃষ্ণ শঙ্কৰৰ, কিঞ্চিতো অন্তৰ,
নাহি ভেদ পৰ, একে কলেৱৰ ॥৪১২॥
প্রেমৰ বসৰ, স্বৰূপ সঙ্গৰ,
ভক্ত নিৰন্তৰ, তানে অনুচৰ ॥৪১৩॥
গুৰুত বিনাই, গতি আন নাই,
ৰাম নাম গায়, ফুৰিয়ো সদায় ॥৪১৪॥
শুনা সভাসদ, হুয়া নিশবদ,
কহে পৰমানন্দ, ধৰি গুৰু পদ ॥৪১৫॥
গুৰু ভক্ত নাম, লৈয়ো অবিৰাম,
এৰি আন কাম, বোলা ৰাম ৰাম ॥৪১৬॥



# শ্রীশ্রীশঙ্কৰ-মহিমা

( নামঘোষা )

পৰম অমূল্য ৰত্ন হৰিৰ নামৰ পেৰা,
অতি গুপ্তে স্বৰূপে আছিল ।
লোকক কৃপায়ে হৰি, শঙ্কৰ স্বৰূপে আসি,
মুদ ভাঙ্গি সমস্তকে দিল ॥
হৰিনাম প্ৰেমৰস, অমৃত নিধিক ৰাঙ্খি,
গুপ্ত কৰি থৈলা দেৱগণে ।
দয়ালু শঙ্কৰে পাই, তুলি মুণ্ড ভাঙ্গি দিলা,
সুখে পান কৰা সৰ্ব্বজনে ॥
হৰিনাম গুপ্ত ভৈল, মনুষ্যত পূজা বৈল,
বুলি ৰঙ্গ কৰে দেৱ সৰ্ব্ব ।
হেন হৰি নাম ধৰ্ম্ম, শঙ্কৰে বিদিত কৰি,
চুৰ কৈলা দেৱতাৰ গৰ্ব্ব ॥

*  *  *

হৰিৰ নাম ৰসে, বৈকুণ্ঠে প্ৰকাশে,
প্ৰেম অমৃতৰ নদী ।
শ্ৰীমন্ত শঙ্কৰে, পাৰ ভাঙ্গি দিল,
বহে ব্ৰহ্মাণ্ডক ভেদি ॥

গোবিন্দৰ প্ৰেম, অমৃতৰ নদী,
বহে বৈকুণ্ঠৰ পৰা ।
চাৰি পুৰুষাৰ্থ, তাহাৰ নিঝৰা
হৰি নামে মূল ধাৰা ॥
হৰি ভক্তি দান, দিয়া জগতক,
তাৰিলা সংসাৰ সিন্ধু ।
হেনয় কৃপালু শঙ্কৰ বিনাই,
নাহি নাহি আৰ বন্ধু ॥
হৰি ভকতৰ, পাতিলন্ত হাট,
শঙ্কৰে জগত জুৰি ।
ৰাম নাম বস্তু, বিকায়া জগতে,
চলয় বৈকুণ্ঠ পুৰী ॥
শ্ৰীমন্ত শঙ্কৰ, হৰি ভকতৰ,
জানা যেন কল্পতৰু ।
তাহান্ত বিনাই, নাই নাই নাই,
আমাৰ পৰম গুৰু ॥

* * *

শ্ৰীমন্ত শঙ্কৰে প্ৰকাশিলা, গোবিন্দৰ নাম গুণ যশ,
জগতৰ লোকে পৰম আনন্দে গাৱে ।
হেনয় শঙ্কৰ গুৰু বিনে, কমন কাৰণে আন জনে,
লোকৰ মাজত আপুনি গুৰু বোলাৱে ॥

* * *

পৰম কৃপালু শ্ৰীমন্ত শঙ্কৰ
লোকক কৰিয়া দয়া ।
হৰিৰ নিৰ্ম্মল ভকতি প্ৰকাশ
কৰিলে শাস্ত্ৰক চায়া ॥

* * *

শঙ্কৰ স্বৰূপে হৰি নিজ অংশে অৱতৰি
ভকতি প্ৰদীপ সগাই থৈলা ।
মাধৱ স্বৰূপে নিয়া তাতে তেল বত্তি দিয়া
অজ্ঞান আন্ধাৰ দূৰ কৈলা ॥

—ন-ঘোষা

